# শিশু[redacted]বধ।

---

শ্ৰীশিৱনাথ ভট্টাচাৰ্য্য দ্বাৰা

প্ৰকাশিত।

ডিব্ৰুগড়।

কলিকাতা,

১২২ নং আমহার্ষ্ট ষ্ট্ৰীট, "ৰাধাৰমণ যন্ত্ৰে"

শ্ৰীনৃত্যগোপাল চক্ৰবৰ্ত্তী দ্বাৰা মুদ্ৰিত।

১৯০৭।

মূল্য—৵০ অনা মাত্ৰ।

শ্ৰীকৃষ্ণায় নমঃ।

# শিশুপাল বধ।




ডুলৰি

বটে শিশুপাল, শুনিয়া গোপাল, মনত আছন্ত হাসি। একো যে আসাবে, একোটী চিঙ্গিল, কমল ফুলৰ পাসি॥ কমলো অতাইল, হাতৰো এড়াইল, তেও আছা হৰি শুনি। বোলন্ত ইহাৰ, সবে প্ৰতীকাৰ, সাধিবোঁ সবে আপুনি॥ ১॥ সবে অপৰাধ, সম্পূৰ্ণ সিজিল, সাক্ষাতে জানিলা হৰি। আৰু দশগোটা, অধিক এড়িল, হাতত যে লেখা কৰি॥ ইমান বচন, বুলি নাৰায়ণ, তাহাৰ সমুখ ভৈলা॥ অল্প অল্প কৰি, দেৱ শ্ৰীহৰি, ৰাজাক মাতিবে লৈলা॥ ২॥ হাসিয়া হাসিয়া, শ্ৰীকৃষ্ণে বোলয়, শুন তই শিশুপাল। ৰাজ সমাজত, এতেক কদৰ্থ,

তই কতমান ভাল॥ বসিবাৰ পৰা, কদৰ্থনা
কৰ, এভোনেৰ তই মোক। নমাতি থাকিলে,
এড়াইবে নোৱাৰোঁ, কিছুমাতি বোহোঁ তোক ॥ ৩ ॥
অতক পলাইলোঁ, তেওঁ যে নেড়াইলোঁ,
তই পাপীষ্ঠৰ হাত। কিসক এতেক, লপস
অধিক, ৰাজাৰ ৰাজ সভাত॥ জগত খানত,
সৰু বড় যত, আছয় প্ৰাণী সমস্ত। মই যে
নজানোঁ, কোনে এনে কৰে, মনুষ্যৰ সমাজত ॥ ৪ ॥
সামান্য জনক, ৰাজ সমাজত, কোনে নো
ধিক্কাৰ কৰে। আজি সমাজত, এতেক কদৰ্থ,
কোননো দোষ অন্তৰে॥ পূৰবৰে পৰা, তই
শিশুপাল, ভাল নেদেখস মোক। মিছা
যে কাৰ্য্যত, সমাজ খানত, এতেক কদৰ্থ
মোক ॥ ৫ ॥ আজি সমাজত, কদৰ্থনা কৰি,
তেওঁ যে তুষ্টন ভৈলি। মোহোক এতেক,
ধিক্কাৰ কৰিয়া, কতমান বড় ভৈলি॥ আজি
সমাজত, এতেক মাতস, নিন্দা কদৰ্থনা কৰি।
গাৱটোক নিন্দি, শাস্তিক নপাইলি, আৰু

জোকাস। পিঙ্গলা সাপত, গাৱখেলাৱস, বাঘত আঙ্গুলী বাস॥ কেনুৱা জনক, দ্বন্দ্ব জোকাৱস, তাক ভালে তই জান। দিন দুপৰত, দুই চক্ষু খাইলি, শিলত মুকুটি হান ॥ ১০ ॥ কিসব দোষত, কৰ তিৰস্কাৰ, কেৱলে কাল মুগুণি। তোহোৰ গালিয়ে, কামুৰি নখাই, কাণত আপছু শুনি॥ পৰে যে পৰক, যদি মন্দ বোলে, কোনে কৰে অপমান। গোত্র যে কুটুম্বে, যদি মন্দবোলে, তাতে বড় পাই টান ॥ ১১ ॥ বৰ নিলগিয়া, নোহ শিশুপাল, হোৱ সম্বন্ধত ভাই। পেসী সুত হুই, তিৰস্কাৰ কৰ, কেৱলে মুখ নচাই॥ ধানৰ যে ধূলি, গোত্রৰ যে গালি, দুইকো সহন নযাই। নমাতিবে দেখি, এতেক মাতস, তাতেসে আশঙ্কা পাই ॥ ১২ ॥ যিটো নিমিত্তত, নমাতি আছোহোঁ, তাক শুন শিশুপাল। পৃথিবী মণ্ডলে, বিচাৰিয়া পাইলোঁ,

তই ৰব ধৰিয়াল ॥ মই বোলো হেৰ, মাতিবে নজানোঁ, আছোহেঁ৷ জিজ্ঞাসা চাই। তোত পৰে আৰ, ইতৰ পুৰুষ, পৃথিবী মণ্ডলে নাই ॥ ১৩ ॥ তোত নোবোলোহোঁ, ঈশ্বৰে ইতৰে, কিসক মাত্তিবে লাগে। সেহি কাৰণেসে, এতেক লপিবে, পালিহি পাগল ছাগে ॥ ভোবোলা ছাগলি, সিংহক সিয়াঁৰে, আপোনাক বড় মানি। ভতুৱা কুকুৰে, কামোৰ মাৰয়, গৃহস্থ চোৰ নজানি ॥ ১৪ ॥ নৰক দেখিলে, শৃগাল পলায়, লুকায় বন সোমাই। গধূলি পুৱায়ে, আটাস পাৰয়, মোক্ত কৰি বড় নাই॥ উলুত সুমাই, ডুই গোধা লুকাৱে, বোলে কিছু নাই মোৰ। গৰু জাকে জাকে, ডুৱাৰে ড়কাৰে, সি বোলে পৰক চোৰ ॥ ১৫ ॥ হাতী চুৰী কৰি, যাই আগে আগে, বেঙ্গেনা চোৰক ধৰে। নাকোটী কাটিলে, লাজ নলাগয়, নখোটী কাটিলে মৰে॥ সেই পট-

স্তুৰ, তইসে ইতৰ, নিন্দন্তে আছস মোক। ভৰি আঙ্গুলিত, কামুৰি নেৰস, যেন গোবাটৰ জোক ॥ ১৬ ॥ তোৰ তিৰস্কাৰে, জানিবি আমাৰ; সি পুন গাৱ নোচোৱে। যতেক কুকুৰে, কামোৰ মাৰয়, আঠুৰেসে নাম হোৱে ॥ জান শিশুপাল, তই বড় ভাল, যদি সম নোহোঁ তোৰ। তই মই ভাই, হৈছোঁ একে ঠাই, কথা কওঁ তোৰ মোৰ ॥ ১৭ ॥ তই নৈঋ-ত্যত, মই ঐশান্যত, দুয়ো লগাই আছোঁ দ্বন্দ্ব। সাত লক্ষ ৰাজা, জিজ্ঞাসা কৰোক, কোন ভাল কোন মন্দ ॥ আপোনাক তই, আপুনি বখান, সভাত ভাল বোলাই। পূৰ্ব্বৰ যতেক, তোতে সে কহিবোঁ, শুন শিশুপাল ভাই ॥ ১৮ ॥ আমাৰ ঘৰক, কিয়নো গৈছিলি, ক মোত তাক বুজাই। কিসৰ নিমিত্তে, হেনযে কৰিলি, আসিলি ভাত নখাই ॥ সি কথা গোটক, কন্নাক নলাগে, ৰাজাৰ

ৰাজ সমাজে। মাকোটী কাটিয়া, হাতত নলৈলি, মৰি কি নযাস লাজে ॥ ১৯ ॥ তোহোৰ যে ভাৰ্য্যা, ৰুক্মিণী হৰিলোঁ, নপাইলি তাক বাঞ্ছোতে। ধিক ধিক ধিক, মৰিয়ো নযাস, ইসব কথা কহোঁতে ॥ আপুনি সুমৰি, চাহ মন কৰি, তাহানি যে গৈলি ধাই। মূড়ৰ কিৰীটি, কৈত থৈ আহিলি, কৈয়োক মোত বুজাই ॥ ২০ ॥ যুধিষ্ঠিৰ ৰাই, অনাইল মতাই, বৈসালে ৰাজ সমাজে। তই পাপীষ্ঠক, অমান্য কৰিলে, তাক কহ কোন লাজে ॥ আন জন হলে, এনুৱা কথাক, লাজত কতো নকৰে। সাত লক্ষ ৰাজা, গাৰে গাৰে শোধ, মাগি কোনে মান্য লৱে ॥ ২১ ॥ কাহাকে নমাতি, নিছুকিয়া মই, বসি আছোঁ সভা চাই। তথাপিতো মোত, যাচি অৰ্ঘ্য দিলে, আবে যুধিষ্ঠিৰ ৰাই ॥ খেদিয়ো নযাওঁ, মাগিয়ো নলওঁ, তেওঁ দিলে অৰ্ঘ্য দান।

তই কি নিমিত্তে, এতেক কদৰ্থ, কিয় কৰ অপমান ॥ ২২ ॥ পৰে দিয়ে দান. কৰে বহু-মান, তোৰ ভৈল কিবা হানি। ভিক্ষাৰ ভাতত, পথালি হোৱস, কোন কথা মনে গুণি ॥ নমাগোঁ নোখোজোঁ, তথাপিতো দিয়ে, লৱা বুলি হাত তুলি। তেনে দানগোট, কোনে নলৱয়, মোক নলাগয় বুলি ॥ ২৩ ॥ এক জনে দিয়ে, এক জনে লৱে, আৰুটে আসিয়া বাধে। জানিবা গঙ্গাত, আপোনাৰ হাতে, দহোটা কপিলা বধে ॥ নিলগা কথাক, গোটেও নিলগ, নিলগ পাতক পাৱে। সকলে বংশৰ, আশা ছেদ কৰি, মৰি নৰকক যাৱে ॥ ২৪ ॥ শুনা সভাসদ, হুয়া নিশবদ, অতপৰে ধৰ্ম্ম নাই। কৃষ্ণৰ কথাত, সদা ৰতি হোক, তেবেসে কৃষ্ণক পাই॥ কৃষ্ণৰ চৰণে, পশিয়ো শৰণে, তেজি ভাস ভূষ কাম। যেবে দুঃখ তেজি, বৈকুণ্ঠক যাইবা, ঘুষিয়োক ৰাম ৰাম ॥ ২৫ ॥

# চবি।

হেন শুনি শিশুপালে, মাতিলন্ত সেহি তালে, পৰিশেষে ভৎর্সি সন্ধি পাই। পাছে যেন কথা খানি, কৈলি তই চক্রপাণি, পুনু কহ তাহাক বুজাই॥ আৰু সবে কৈলি কথা, সকলে তোহোৰ বৃথা, মিছা বড় চাতুৰি খেলাইলি। কথাৰ মধ্যত সত্য, ইখানি স্বৰূপ তত্ত্ব, সবাৰ পাছত আসি কৈলি॥ ২৬॥ এক জনে দান দিয়ে, এক জনে দান লোৱে, আউৰ জনে তাক আসি বাধে। কৈলি তই স্বৰূপত, ইটো মহা সংসাৰত, মহাপাপী হৈবে সিটো লাগে॥ যেন সিটো মহা দান, দিয়ে তাক যিটো জন, তাক যিটো নিয়ে ছলে বলে। সিটো মহা পাপীষ্ঠৰ, পাতক, হৱয় কত, তাক তই কহিয়ো সকল॥ ২৭॥ কিয় থৈছ গোপ্য কৰি, মই আছোঁ, বাঢ়ি

যুৰি, ৰুক্মিণীয়ো সৰ্ব্বাঙ্গে সুন্দৰী। তই কিয় চুম্পি হৰি, তাঙ্ক আসি চুৰি কৰি, নিলি কেন আশা ছেদ কৰি॥ মোৰ কন্যা যোৰো ণৰ, তই নিয়া কৰ ঘৰ, মোৰ হিয়ে অগনি দহয়। তোহোত পাতক যত, লাগি আছে স্বন্ধ-পত, কহ আবে হয় কি নহয়॥ ২৮॥ হেন শুনি নাৰায়ণে, মাতিলন্ত তেতিক্ষণে, শুন অৰে শিশুপাল ভাই। তই যেবে বাঢ়ি যুৰি, তই আছ আগ কৰি, দেশ আৰ সঞ্জাত বোলাই॥ যোৰণৰ কন্যা ভৈলে, পিন্ধাইবে উৰাইবে লাগে, নানা বিধ দিব্য অলঙ্কাৰে। যোৰণৰ কন্যাটীক, কিয় নানি আছ বাপু, ঝাণ্টে দেস সঞ্জাত ইহাৰ॥ ২৯॥ দুৰ্জ্জনৰ নিন্দা বাণী, বেঙ্গৰ আৰাৱ জানি, তাৰ কোনে: অন্ত লৈতে পাৰে। যি কাৰণে হৰি পূৰি. মোক মাত গৰ্ব্ব কৰি, সবে খানি কৈবোহোঁ তো-মাৰে॥ অল্প জন বড় হৱে, অমান্যে মান্যক

পাৱে, নিধনীৰ কিছু হোৱে ধন। আপো-নাত কৰি বৰ, কাকো আৰু নেদেখয়, সং-ৰত এই তিনি জন॥ ৩০ ॥ পিতৃ মাতৃ গুৰু জন, ইসবক নমানয়, তাসম্বাক অহঙ্কাৰ কৰে। সকলে জগত আৰু, কাকো বৰ নেদে-খয়, সিটো দুষ্টে আপোনাত পৰে॥ এহি মতে কতো কাল, হুয়া থাকে মতোৱাল, জগতকে অৱমান কৰি। মহন্তক নিন্দা কৰি, পাছে সিটো যাই মৰি, পাৱে গৈয়া যমৰ নগৰী ॥ ৩১ ॥ আৰু এক পটস্তৰ, আছে যেন ইতৰৰ, তাক কহোঁ শুনি এৰ ভালে। সকলে পৃথিবী খান, ওলোটাই পেলাইতে পাৰে, উন্নমত্ত যেন মতোৱাল॥ তাহাৰ কি বোলে জানা, পৃথিবী উলট হোৱে, বিচেষ্টা মাতয় দুৰাচাৰে। কৈত শুনি আছা সবে, শিয়া-লৰ শিঙ্গ ভৈলে, পৰ্ব্বতক বিদাৰিতে পাৰে॥ ৩২ ॥ যেন এক দুষ্ট নৰে, শিলাত মুষ্টিক মাৰে,

ভাঙ্গো বুলি বড় দৰ্প কৰে। নজানিয়া একো নীচে, মেৰুক বিচনি বিচে, বিচনি বাৰেকি মেৰু লৰে॥ তই সেই পটন্তৰ, মান্য লৈবে খোজ মোৰ, সমাজত বাতুল চেঞ্চাই। আছোক মান্যক পাইবি, অব-শ্যেকে মৰি যাইবি, সমাজত শিশুপাল ভাই ॥ ৩৩ ॥ নমো নমো নাৰায়ণ, চিদানন্দ নিৰ-ঞ্জন, তযু পদে পশিলোঁ শৰণে। তোমাৰ চৰণ দুই, মোৰ মনে থাকে ছুই, নপাসৰো জীবণে মৰণে॥ এহি মানে মাগোঁ বৰ, কৃপা কৰা দামোদৰ, মুখে নছাড়োক তযু নাম। জানি সভাসদ লোক, সবাহাৰে গতি হোক, নিৰন্তৰে বোলা ৰাম ৰাম॥ ৩৪ ॥

# দুলৰি।

পাছে নাৰায়ণ, শুনি কতোক্ষণ, মনত জিজ্ঞাসি চাই। আৰু কত বেলি, থাকিবোহোঁ মই, দুষ্টৰ বল বধাই॥ এতেক কহিলোঁ, শুনাইলোঁ বুজাইলোঁ, তভো শিশুপাল ভাই। মৰিবাক লাগি, দুষ্ট শিশুপাল, দুগুণে বাঢ়িলি যাই ॥ ৩৫ ॥ পূৰ্ব্বাপৰ যত, ৰাজ সমাজত, কদৰ্থিলি তাক কওঁ। শুনা ৰাজগণ, আমাৰ বচন, দুৰ্জনৰ শাস্তা হওঁ॥ এতেক বচন, বুলি নাৰায়ণ, মনে সাৰ কৰি লৈলা। ৰাজা সকলত, কথা কহিবাক, মাধব সমুখ ভৈলা॥ ৩৬॥ চাৰি লক্ষ নৃপ, দুই লক্ষ ৰাজা, এক লক্ষ ৰাজেশ্বৰ। যুধিষ্ঠিৰ ৰাজা, সভা পাতিচন্ত, ৰাজা যে সাত লক্ষৰ॥ এতেকে ৰাজায়ে, শুনিয়া আছাহা, নিৰ্দিলাহা ভঙ্গ জয়। আৰে সভাসদ, সবে শুনিয়োক, কহিবোঁ মই নিশ্চয়॥ ৩৭॥ মোত সাক্ষে সাক্ষ,

লগাই আছে ঘাঞ্চ, বাৰম্বাৰ দিছোঁ ঠায়। সিস-বক মুহি, কহিবাক যোগ্য, তাক কহোঁ সমুদায় ॥ আমাৰ ঘৰলৈ, পূৰ্ব্বত গৈছিলে, নানা চল চন্দ ভাৱে। ওঁমলোঁ যোমলোঁ, বুলিয়া আঝুৰি, বল-জুখি বাক চাৱে ॥ ৩৮ ॥ কথা বুজি মই, হেম্পোচ মাৰিলোঁ পড়িল বাগৰি যাই। তাৰেসে নিমিত্তে, দুৰাচাৰে ৰোষে, আসিল ভাত নখাই ॥ আক ছিদ্ৰ পাই, পাৰে মানে মোক, ইটো পাৰি-লেক গালি। সিয়ো বাৰ আক, নকাটিয়া, হৈছোঁ পেসীৰ বচন পালি ॥ ৩৯ ॥ ৰুক্মিণী কন্যাৰ, যি কথা কহিলে, দুষ্ট দৰ্পে তুলি শিৰ। সাত লক্ষ ৰাজা, সকলে শুনিবা, কথা কহো ৰুক্মিণীৰ ॥ ভীষ্মক যে নামে, ৰাজা আছিলেক, কুলিৰ অধিপতি। ৰুক্মিণী নামত, মোৰ সধৰ্ম্মিণী, তাৰ ঘৰে উতপতি ॥ ৪০ ॥ সৰ্ব্বাঙ্গে সুন্দৰী, ৰূপে বিদ্যাধৰী, নিতে বাঢ়ে আন দুই। পুত্ৰতো অধিক, আতি স্নেহ কৰে, তান মাৱ বাপ দুই ॥ আজি

কালি কৰি, বাঢ়িল সুন্দৰী, দিনা কতিপয় গৈল। বাপৰ ঘৰত, আছন্ত ৰুক্মিণী, কালে বোধ-ব্ৰতী ভৈল ॥ ৪২ ॥ মোৰ কথা শুনি, অতি হাবিলাসে, ভজিলেক স্বামী বুলি। কায় বাক্য মনে, মোকেসে আৰাধে, তথাপিতো কহে উলি ॥ বাপৰ মাৱৰ, বৰ হাবি আশ, মোত বিহা দিবে লৈই। কেৱলে মোহোৰ, নাম নুশুনয়, ৰুক্মিণীৰ বড় ভাই ॥ ৪৩ ॥ এই পাপীষ্ঠত, বিহা দিবে খোজে, সঙ্কেত জানিয়া সতী। ভাই বান্ধৱত, বাপত মাৱত, বিৰলে পাঠাইলা মাতি ॥ হেন বাৰ্ত্তা পাই, মই খেদি যাই, আনিলোঁ ৰথত তুলি। আপোনাৰ ভাৰ্য্যা, আপুনি আনিলোঁ, ইটো মৰে কি বুলি ॥ ৪৪ ॥ বাট ভেটি গৈয়া, কন্দল পাতিলে, অনেক ৰাজা মতাই। সিয়ো ৰাৰ আক, নকাটিলোঁ মই, পেসীৰ বচন চাই ॥ আঘোন মাসত, দেবী পূজিবাক গৈলোঁ মনে অবগাই। এই শিশুপালে, তৈক লাগি গৈল, মই যোৱা

বার্ত্তা পাই ॥ ৪৫ ॥ দৈবৰ সংযোগে, একে সময়ন্তে, দুয়ো ভৈলোঁ একঠাই। আনো ৰাজাগণ, সবেও গৈছিলে, দেৱী পূজিবাক লাই ॥ বসি ৰঙ্গে ঢঙ্গে, আছোঁ এক সঙ্গে, পাতি ৰাজ সভাখান। হাতে ফুল লৈ, দেউৰি আসিল, দেৱ পূজা অবসান ॥ ৪৬ ॥ সবাহাৰ আগে, মোকে ফুল দিলে, সাদৰি দেউৰি লোক। তাহাৰো নিমিত্তে দুষ্ট, শিশুপালে, গালি পাৰিলেক মোক ॥ দেউৰিক হটি, মোক নানা ৰটি, মাতিলে কুল উঘাই। সিয়ো কালে আক, নকাটিয়া থৈছোঁ, পেসীৰ বচন চাই ॥ ৪৭ ॥ দদা সমন্বিতে, ক্রীড়িবাক গৈলোঁ, ৰৈৰত গিৰিক লাই। এই শিশুপালে, মোৰ নগৰক, পুড়িল অগ্নি লগাই ॥ আমাক নেদেখি, নগৰ খানক কৰিলেক ইভো ছন্ন। সিয়ো বাৰ আক, নকটি এড়িলোঁ, পেসীৰ চাহি বচন ॥ ৪৮ ॥ আৰু এক বাৰ গৈলোঁ ফুৰিবাক, উত্তৰা ভূমিক লাই। কুৰু

পাণ্ডুৱৰ, যতেক কুমাৰ, সবে ভৈল এক ঠাই ॥ টমলি জুমলি, পৰম আনন্দে, আছিলোঁ খেড়ি খেলাই। সিয়ো কালে মোৰ, নগৰ পুড়িল, তিনি গুণা ছেগ চাই ॥ ৪৯ ॥ মোৰ জ্ঞাতি লোক, যত পাইলে মানে, গৈল অপকাৰ কৰি। সিয়ো কালে আক, নকাটিয়া থৈছোঁ, পেসীৰ বাক্য সুমৰি ॥ অশ্বমেধ যজ্ঞ, কৰিবাক লাগি, পিতৃয়ে মেলিলে হয়। বাপৰ যজ্ঞৰ, ঘোড়াক ধৰিলে, শিশু-পাল দুৰাশয় ॥ ৫০ ॥ নিজ বাহু বলে, আনি-লোহোঁ ছলে, সি পুনু ঘোড়া মেলাই। সিয়ো বাৰ আক, নকাটিয়া থৈছোঁ, পেসীৰ বচন চাই ॥ দদা সমন্বিতে, মাঘত স্নানিলোঁ, গঙ্গাৰ জলত নামি। অতা দৈই নামে, এই শিশুপালে, হৰিলে মোহোৰ মামী ॥ ৫১ ॥ লোক গৰিহিত, কৰ্ম্ম আচৰিলে, ই পুনু শৈলাত ভাই। সিয়ো বাৰ আক, নকাটি এড়িলোঁ, পেসীৰ বচন চাই ॥ ফাল্গুন মাসত, অতি প্ৰভাতত, দদাৰে দুগুটী ভাই। পৰমআনন্দে, দোভাই আসিলোঁ, বঁুপাৰ নগৰচাই ॥ ৫২ ॥ বেলা অবসান, দেখি দুই জন, লৰ্ড্ডি ভৈলোঁ

দুয়ো ভাই। আমাক দেখিয়া, ইটো দুৰাচাৰে, কৰিলে বড় অন্যাই ॥ কাকো নমাতোহোঁ, উত্তৰ নেদেহোঁ, আছোঁ ৰাজ পথে চলি। বাট ভেটি যাই, কন্দল পাতিলে, শিশুপালে কাটো বুলি ॥ ৫৩ ॥ ভৎর্সিয়া গর্জিয়া, অনেক মোহোক, বুলিলে নিন্দা বচন। সিয়ো বাৰ আক, নকাটিয়া থৈছোঁ পেসীৰ পালি বচন ॥ চাৰি লক্ষ ৰাজা, দুই লক্ষ নৃপ, এক লক্ষ ৰাজেশ্বৰ। সাত লক্ষ ৰাজা, সবেও দেখিছা, আদি গুৰি দোষত্তৰৰ ॥ ৫৪ ॥ কাকো প্রত্যুত্তৰ, নেদোঁ বিদ্যমান, আছো বসি সভা চাই। তথাপিতো মোক, যাচি ;অর্ঘ্য দিলে, আসি যুধিষ্ঠিৰ ৰাই॥ তাহাৰ নিমিত্তে, অনেক কদর্থী, মাতিলে কুল উঘাই। তথাপিতো আক, নকাটি এড়িলোঁ, পেসীৰ বচন চাই ॥ ৫৫ ॥ এমুয়া বচন, শুনি শিশুপাল, দুগুণ কোপ জ্বলিলা। ঢ়ঙ্কাঢ পৰা যে, কথাক কওঁতে, মন্দষে পাপী বুলিলা ॥ আনে যে নজানে, তোহোৰ কথাক, মই জানোঁ জন্ম জাতি। ৰাজ সমাজত, গুণ বখানস, মিছা কথা বোৰ মাতি

॥ ৫৬ ॥ নগড়া ঢকড়া, উটা গড়া গড়া, মগনা চচনা জীৱ। তৰক তৰস্ত, কথা বোৰ মাত্তি, তইনো পাপীষ্ঠ কিৱ॥ এই কথা বোৰ, কৈয়াযে লোকত, ফুৰস সাধু বোলাই। এবে বাপু লোক, কথা শুনিয়োক, তাক কহোঁ সমু- দাই ॥ ৫৭ ॥ এতেক ৰাজাত, খুজিয়া নপা- ইলোঁ, হাত জোঙ্কাইবাৰ ঠাই। মহাৰাজা হুয়া, হাতক জোঙ্কাইলোঁ, গোৱাল গোটক পাই॥ রুক্মিণী কন্যাৰ, যি কথা কহিলে, ৰাজ সমাজত আসি। ই কথা বোৰক, কৈয়া যে আনিলে, সবেও মৰিবা হাসি ॥ ৫৮ ॥ কৈবাক ;নিন্দিত, আতি অদভূত, শুনিয়ো সবে সমাজ। লাজ মৰ্য্যদাক, কিছু নাহি কয়, ই পুনু বড় নিলাজ॥ সবাতে যে আগে, দেখি রুক্মিণীক, কেৱলে পাগল ভৈল। লাজ মৰ্য্যদাক, ছাড়িয়া নিলাজ, ধৰি টানিবাক লৈল॥ ৫৯ ॥ ৰাজ সমাজত, সবাৰো আগত, আঝুৰি হাতত ধৰি॥ বিদ্যুত সঞ্চাৰে, ৰথত তুলিয়া, লৈয়া গৈল চুৰী কৰি॥ ঝুট কৰি আসি, হাসিটো তুলিলোঁ, কি গোটে পাইলে বুলি। ধৰ্ম্ম ধৰ্ম্ম স্মৰি, সবেও থাকিলোঁ, নাকত

দিয়া আঙ্গুলি ॥ ৬০ ॥ বাঢ় বাঢ় দেখি, কহোঁ নমাতিলোঁ, সবেও থাকিলোঁ হাসি । তাহাৰ নিমিত্তে, ঘৰ কৰিবাক, পাইলিহি ৰুক্মিণী দাসী ॥ পৰৰ ঘৰত, দিনক গোৱালী, ৰাখি-লিহি তই গোক । মান বৈত যেবে, দেৱক পূজিলি, কোন দেৱকীৰ পোক ॥ ৬১ ॥ আনে যে নজানে এই কথা টোক, মইজানোঁ সমুদাই । নন্দৰ ঘৰত, গৰু ৰাখিছিলে. পঁইতা ভাতক খাই ॥ গৰু যে হৰালে, নন্দেও কোৱা-ৱে, তহিতো নাছিল পূৰি । গৰু গাই এড়ি, কাহানি ক্ৰীড়িলি, নজানোঁ বৈৰত্ত গিৰি । ৬২ । এহি কথা বোৰ, কৱ যে আনত, লাজে নাক ছিগি যাই । উত্তৰা ভূমিত, কাহানি ক্ৰীড়িলি, তই পুনু খেড়ি খেলাই ॥ এই কথা বোৰ, কৈয়া যে আনিলে, কাহাৰ সুঠিবে হাসি । গোৱাল যে গুটী, কাহানিনো ভৈলি, তই বড় তীৰ্থবাসী ॥ ৬৩ ॥ কোন ঋষি তই, তপসী আছিলি, স্নানিলি গঙ্গাত নামি । ততাদৈই তোৰ, মামীক হৰিলোঁ, কৈত পাইলোঁ হেৰা আমি ॥ পাইলি যত মান, ক্ষমা যে কৰন্তা, হেন সবে ৰাজা

তোক। তিৰী দোষী পাই, কোনে ধৰ্ম্ম চাই, এড়িয়া পঠাইলি মোক ॥ ৬৪ ॥ কোন ৰাজ্য খান, বাপেৰে খাইছিলে, তাক কৈ দেশ ভালে। কংসৰ নিহলে, বাপেৰ মৰিল, দুয়োৰো পাৱ গেলালে॥ বাপেৰ বৃত্তান্ত, জানো সমুদায়; যেনয় সুখী আছিল। আন কিছু নুই, দুখীয়া দুখিনী, ঘোল বিকি খাই ছিল ॥ ৬৫ ॥ এতেক যে মিছা, কহিবাক পাৰ, সভাত জৰি জোৰাই ॥ ৰাপেৰে পোৱেৰে, যজ্ঞ আৰম্ভিলি, ঘোল বিকা ধন পাই ॥ এনুৱা বচন, শুনিয়া কৃষ্ণৰ, উঠিল ক্রোধ অপাৰ। জাজ্বল্য সমান, ভৈল কম্প-মান, বোলে ঐ দুৰাচাৰ ॥ ৬৬ ॥ ৰাজ সমাজত, এতেক কদৰ্থ, মোহোৰ মুখ নচাই। চক্ৰৰ প্ৰহাৰে, দুখানি কৰিবোঁ, আজি যা তই এড়াই ॥ উত্তৰে নোৱাৰি, ক্রোধিলা মুৰাৰী, দিলন্ত তাক উত্তৰ। সকলে দিনৰ, গালীক সুজিবোঁ, আজি তই পাপীষ্ঠৰ ॥ ৬৭ ॥ ইহেন বচন, শুনি শিশুপাল, দুগুণে বাঢ়িল ৰাগ। কৃষ্ণক যুঝিবে, লাগি শিশুপালে, ত্বৰিতে ভৈলেক

আগ ॥ কাহাৰ আগত, ভাবুকি মাৰস, এতেক বীৰত্ব কৈয়া। হুৰে কাণখোৱা, আসে বুলি তই, শিশুক যেন দকৱা ॥ ৬৮ ॥ ডাক দিয়া বোলোঁ, শুন অৰে তই, নন্দ গোৱালৰ সুত। মাৰে যে সাফল, পুত্ৰক তুলিলে, আগে আসি চোশ হাত ॥ উঠি আস তই, বুঁজো মুনি সাই, মোক যুঝিবাক লাগি। তই মই আজি, হতাহতি কৰোঁ, ৰাজাগণে চাউক আগি ॥ ৬৯ ॥ মাধৱে বোলন্ত, দুষ্ট শিশুপাল, কতনো মাতস ৰাগে। ঠাইতে বসিযে, কাৰ্য্যক সাধিলে, কিয় উঠিবাক লাগে ॥ অলপ জনক, লাগি শিশুপাল, উঠিৰে নলাগে মোৰ। নিল- গযে হাতে, দলিটো মাৰিয়া, কাৰ্য্যটো সাধিবোঁ তোৰ ॥ ৭০ ॥ কোন কথাটো লৈ, ৰাজ সমাজত, আসনৰ উঠি যাইবোঁ। কেহোযে দেখিব, কেহোনে দেখিব, মাথাক কাটি পেলাইবোঁ ॥ ইসব বচন, বুজি নাৰায়ণ, চক্ৰ তুলি লৈলা

হাতে। শিবৰ ওপৰে, ফুৰাইবে লাগিলা, তিনি ত্ৰৈলোক্যৰ নাথে ॥ ৭১ ॥ সাগৰ নগৰ, পৰ্ব্বত গহ্বৰ, ফুৰয় বেগে সকলে। চৌধ্যয় ভুবন, ফুৰিবে লাগিলা, অঙ্গুলি গুটীৰ বলে ॥ চক্ৰৰ জৌতিয়ে, কৃষ্ণৰ যে ক্ৰোধে, দুয়ো ভৈলা এক ঠাই। কতো ক্ষণ মান, সিটো চক্ৰ খান, শিশুপালে আছে চাই ॥ ৭২ ॥ জৌতিয়ে চক্ৰৰ, ক্ৰোধয়ে কৃষ্ণৰ, চাইছন্ত শিশুপাল। নিশ্চয়ে জানিলোঁ, এহি চক্ৰে আজি, মোহোৰ হৈবেক কাল ॥ চক্ৰক জৌতিক, সিতো শিশুপালে, চাই আছে কতোক্ষণ। চক্ৰক চাওঁতে, জৌতিক দেখন্তে, কৃষ্ণত মজিল মন ॥ ৭৩ ॥ পূৰ্ব্বে শিশুপালে, কৰি আছে ভালে, সৰস্বতী আইক স্তুতি। নিন্দা স্তুতি কৰি, কৃষ্ণৰ চৰণে, বোলাব্ৰয় সৰস্বতী ॥ তোমাৰ যশস্যা, গুণক বখানে, ৰাজ সমাজত ৰাগে। এমুৱা জনৰ, মাথাক কাটিলে, মুকুতি দিবাক লাগে ॥ ৭৪ ॥ প্ৰিয় যে

ভাৰ্য্যাৰ, বচন শুনিয়া, থিৰ ভৈলা যদুপতি। ৰাজ সমাজত, পাপীষ্ঠক কাটি, অবশ্যে দিবোঁ মুকুতি ॥ দণ্ড দুই মানে, সিটো চক্ৰ খান, ফুৰাইলন্ত চক্ৰপাণি। হেৰ শিশুপাল, বুলি নাৰায়ণে, সত্বৰে পাঠাইলা ছানি ॥ ৭৫ ॥ কৃষ্ণে এড়িলন্ত, সিটো চক্ৰখান, বায়ু বেগে গৈলা খেদি। তৃণতো অধিক. শিশুৰে পালৰ, মাথাটী পেলাইলা ছেদি ॥ কৃষ্ণৰ চৰণে, মিলিল তেখনে, তাৰ তেজ পুঞ্জচয়। জয় কৃষ্ণ ধ্বনি, কৰে ৰাজাগণে, দেৱে পুষ্প বৰিষয় ॥ ৭৬ ॥ শুনা সভাসদ, কথা সমাপত. সভা পৰ্ব্ব নামে পদ। যিবাজনে শুনে, যিবাজনে ভণে, সবাৰো খণ্ডে আপদ ॥ এতেকে জানিয়া, কৃষ্ণক মানিয়া, নেড়িবা কৃষ্ণৰ নাম। সংসাৰ সাগৰ, তৰিবা লীলায়ে, ডাকি বোলা ৰাম ৰাম ॥ ৭৭ ॥

সম্পূৰ্ণ।

# বিজ্ঞাপন।

মোৰ প্ৰকাশিত তলত নাম দিয়া পুথি বিলাক মোলৈ পত্ৰ দিলেই ভি পি ডাকত দি পাঠাম, ঘৰতে বহি পুথি পাব। এই বোৰ পুথিৰ ডাক মাচুল দিব নেলাগে, মই নিজে দি· একে বাৰেই অধিক ধনৰ পুথি নিলে বহুত কমিচন দিম।

| | | | | | |
|---|---|---|---|---|---|
| ১। | অশোক চৰিত্ৰ | ৶০ | ১৩। | বৰ বেঙ্গালী | ৷০ |
| ২। | লক্ষ্মী চৰিত্ৰ | ৴০ | ১৪। | বৰ কবতি পুথি | ৷৶০ |
| ৩। | ভীম চৰিত্ৰ | ৷০ | ১৫। | বাৰভণী | ৷০ |
| ৪। | ডাক চৰিত্ৰ | ৷০ | ১৬। | নাম ঘোষা | ৷৷০ |
| ৫। | নল চৰিত্ৰ | ৷০ | ১৭। | ফুল কোঁৱৰ | ৶০ |
| ৬। | পক্ষী চৰিত্ৰ | ৷০ | ১৮। | কালিকা পুৰাণ | ৷৶০ |
| ৭। | ৰুক্মিণী হৰণ | ৸০ | ১৯। | গুৰু গুণ মালা | ৶০ |
| ৮। | তুলসী চৰিত্ৰ | ৶০ | ২০। | সুধন্বা বধ | ৷৶০ |
| ৯। | কুমৰহৰণ | ৷৷০ | ২১। | পদ্ম পুৰাণ স্বৰ্গ খণ্ড | ৷৶০ |
| ১০। | নামতী আই | ৷৶০ | ২২। | শিশুপাল বধ | ৶০ |
| ১১। | বিয়া নাম | ৶০ | ২৩। | উষা হৰণ | ৷৶০ |
| ১২। | আই নাম | ৷০ | ২৪। | অনাদি পাতন | ৷৷০ |

এই ৰকম আৰু অনেক পুথি আছে এটাই বোৰৰ নাম ইয়াত দিবলৈ ঠায়ে নোযোৰে। যাক যি পুথি লাগে লিখিলেই পাব, এক টকাৰ কম ধনৰ পুথি লাগিলে, সেই দামৰ ডাক টিকিট পঠাব। একেবাৰে অধিক ধনৰ পুথি নিনিলে কমিচন নেপায়।

শ্ৰীশিৱনাথ ভট্টাচাৰ্য্য।
পোঃ বিহাবাৰী।